# ঝান্সী ৰাণী লক্ষ্মী বাঈ

"মেৰি ঝান্সী দেঙ্গী নহী"

শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী,
শিৱসাগৰ।

  [ বেচ—দু-সিকি

নেতাজী সুভাষচন্দ্ৰৰ আজাদ হিন্দ ফৌজৰ সৈতে 'ঝান্সীৰ-ৰাণী' বাহিনীৰ অবিচ্ছেদ্য সম্বন্ধ। ঝান্সীৰ ৰাণী কোন বা এই নামাকৰণ কিয় কৰা হৈছিল আজিকোপতি অনেকৰে অবিদিত। স্নেহাস্পদ শ্ৰীমান বিশ্বনাৰায়ণ শাস্ত্ৰীয়ে এই পুস্তিকাত তেওঁৰ স্বভাৱসুলভ প্ৰাঞ্জল ভাষাত তাৰেই চমু পৰিচয় সম্পাদন কৰাত কৃতিত্ব অৰ্জ্জন কৰিছে। স্কুলৰ পাঠ্য পুস্তক তালিকাত অন্তৰ্ভুক্ত হোৱাৰ ই উপযুক্ত বুলি বিবেচনা কৰো।

শিৱসাগৰ<br>
৮ মে, ১৯৪৯

শ্ৰীপ্ৰফুল্লচন্দ্ৰ বৰুৱা।



# একেষাৰ

এই প্ৰবন্ধটি ১৯৪৭ চনৰ ১৫ আগষ্ট তাৰিখে এখন বাতৰি কাকতত প্ৰকাশৰ বাবে লিখা হৈছিল। তাকে এতিয়া কিছু সালসলনি কৰি পুথিৰ আকাৰত প্ৰকাশ কৰা হল।

এই প্ৰবন্ধটো যুগুত কৰোতে, দেশী-বিদেশী কেবাজনো বুৰঞ্জীবিদৰ বুৰঞ্জী আৰু বুৰঞ্জীমূলক প্ৰবন্ধ আদিৰ সহায় লোৱা হৈছে। সেই সকলোৰে ওচৰত আমি ঋণী। ইতি—

২৮ মে, শিৱসাগৰ

বিনীত,
শ্ৰীবিশ্বনাৰায়ণ শাস্ত্ৰী



# ঝান্সী ৰাণী লক্ষ্মী বাঈ

## —এক—

সোতৰ-শ-সাতাৱন খৃষ্টাব্দত পলাচীৰ ৰণক্ষেত্ৰত, বঙ্গৰ শেষ স্বাধীন নবাব চিৰাজউদ্দৌলাৰ শোচনীয় পৰাজয়ৰ লগে লগেই, বৃটিছ বণিকৰ তুলা-দণ্ড শাসন-দণ্ডলৈ ৰূপান্তৰিত হয়। পলাচী ৰণজয়ী বৃটিছ প্ৰতিনিধি ৰবাৰ্ট ক্লাইবে এই সুযোগতে ভাৰতত বৃটিছৰ সাম্ৰাজ্য বিস্তাৰ আৰম্ভ কৰে। সাম্ৰাজ্যবাদৰ জীৱন্ত প্ৰতীক ৰূপে ক্লাইবৰ প্ৰত্যেক কাৰ্য্যতে প্ৰকাশ পাইছিল—ছল-বল, কল-কৌশল আৰু ষড়যন্ত্ৰ।

ইয়াৰ পিচতে আহিল, শোষণ আৰু লুটপাতৰ সৈতে অৰ্থগৃধ্নু ওৱাৰেণ হেষ্টিংচ। হেষ্টিংচে কোনো বাচ-বিচাৰ নোহোৱাকৈ, ন্যায়-নীতি বিসৰ্জ্জন দি একালৰ পৰা অৰ্থ-সংগ্ৰহ আৰম্ভ কৰিলে। "টকা লাগে" এয়ে আছিল হেষ্টিংচৰ শাসনৰ মূল মন্ত্ৰ। যি কোনো উপায়ে, যেনেকৈয়ে নহওক আৱশ্যকীয় টকা সংগ্ৰহ কৰাই আছিল তেওঁৰ কৰ্ত্তব্য পালনৰ পদ্ধতি। কেবাজনো ভাৰতীয় নৃপতি আৰু সদাগৰ এই শোষণৰ কৱলত পৰিছিল।

যিয়েই হেষ্টিংচৰ শোষণৰ হাত সাৰিবলৈ চেষ্টা কৰিছিল, সিয়েই লাঞ্ছিত হৈ সৰ্ব্বস্বান্ত হৈছিল নাইবা নিজৰ প্ৰাণ হেৰুৱাব লগাতে পৰিছিল।

ৰবাৰ্ট ক্লাইভৰ পৰা ডেলহাউচিলৈকে, এই কালছোৱা ভাৰতত বৃটিছৰ সাম্ৰাজ্য-বিস্তাৰ যুগ। পূৰ্ণপ্ৰযোভাবে সাম্ৰাজ্য-বিস্তাৰ চলিল, কামৰূপৰ পৰা কুমাৰিকালৈকে; ছল-বল, ষড়যন্ত্ৰ একোৱেই বাদ নপৰিল। বৃটিছ বণিকৰ ৰাজ্য বিস্তাৰ অভিযানত বাধা দিবলৈ, ভাৰতৰ বিভিন্ন ঠাইত কেবাজনেও এই কালছোৱাৰ ভিতৰত চেষ্টা কৰিছিল, কিন্তু তেওঁলোকৰ সকলো চেষ্টা অথলে গ'ল। বৃটিছ সাম্ৰাজ্যৰ কবলৰপৰা মুক্ত হবলৈ প্ৰাণপণে যত্ন কৰিছিল, কৃতকাৰ্য্য হব নোৱাৰিলে। তেওঁলোকৰ অকৃতকাৰ্য্যতাৰ মাই কাৰণ আছিল, সামূহিক চেষ্টাৰ অভাৱ, প্ৰয়োজনৰ বিভিন্নতা আৰু জনসাধাৰণৰ অসহানুভূতিশীল মনোভাৱ।

এই যুগৰ ভাৰতৰ মুক্তিকামী বীৰ-বীৰাঙ্গনাসকলৰ ভিতৰত আছিল, অসমৰ পিয়লি ফুকন, বঙ্গৰ মোহনলাল আৰু নন্দকুমাৰ, অযোধ্যাৰ বেগম, পঞ্জাবৰ চন্দাৰ শ্যাম সিংহ, মহাৰাষ্ট্ৰৰ ভোঁচলা আৰু পেচোৱা বাজীৰাও, দাক্ষিণাত্যৰ হাইদৰ আলি, টিপুচুলতান আৰু ভেলু টাম্পি। বঙ্গৰ চিৰাজৰ অন্তৰত জিলিকি উঠা স্বাধীনতাৰ দীপ্তি, শ্ৰীৰঙ্গ-পট্টমৰ সিংহ দুৱাৰত, টিপুচুলতানৰ মৃত্যুম্লান নয়নত ধীৰে ধীৰে চিৰদিনলৈ নুমাই গৈছিল। বঙ্গত দিনলৈকে অকলশৰে স্বাধীনতাৰ সোৱাদ উপভোগ কৰা অসমৰ আশা-আকাঙ্ক্ষাও পিয়লি ফুকনৰ লগতেই সাময়িক ভাৱে মাৰ যাবলৈ বাধ্য হৈছিল।

সোতৰ-শ-সাতাৱন খৃষ্টাব্দৰ পৰা ওঠৰ-শ-সাতাৱন খৃষ্টাব্দ—পূৰা এক শতিকা জুৰি ভাৰতত বৃটিছৰ সাম্ৰাজ্য বিস্তাৰ চলিল; কিন্তু যথেষ্ট নহল। তেতিয়াও ভাৰতৰ অনেক অংশ ভাৰতীয় নৰপতিসকলৰ হাতত। তেতিয়াও আসমুদ্ৰ হিমাচলৰ ভাৰতবাসীয়ে পৰাধীনতাৰ লোহাৰ শিকলি পিন্ধা নাই। এই অসম্পূৰ্ণ কাৰ্য্য শেষ কৰিবলৈকে এইবাৰ আহিল—জবৰদস্ত বৰলাট ডেলহাউচি। ডেলহাউচিয়ে ভাৰতত ভৰি দিয়েই দেখিলে, বৃটিছৰ সাম্ৰাজ্য বিস্তাৰ কূৰ্ম্ম-মন্থৰ গতিত আগবাঢ়িছে। গতিক তেওঁ এনে কেইটামান নতুন নতুন উপায় উদ্ভাৱন কৰিলে, যাতে যুদ্ধ-বিগ্ৰহ নোহোৱাকৈয়ে বিনা ৰক্তপাতে, ভাৰতৰ বাকী অংশও বৃটিছ সাম্ৰাজ্যৰ কুক্ষীভুক্ত হয়।

ডেলহাউচিয়ে সাম্ৰাজ্য বহলাবলৈ কৰা উপায়বিলাকৰ * ভিতৰত এটা আছিল বৃটিছৰ সম্পৰ্কত থকা সৰু সৰু ৰাজ্যবিলাকৰ কোনো ৰজা অপুত্ৰক হৈ মৰিলে, তেওঁৰ পোষ্যপুত্ৰৰ উত্তৰাধিকাৰিত্ব অস্বীকাৰ কৰি, সেই ৰাজ্য বৃটিছ সাম্ৰাজ্যৰ ভিতৰুৱা কৰা। এয়ে কুখ্যাত 'ডক্ট্ৰিন অৱ লেপচ।' এই অন্যায় নীতিৰ অনিবাৰ্য্য প্ৰতিক্ৰিয়াৰূপেই দেখা দিয়ে ভাৰতজুৰি সাতাৱনৰ বিপ্লৱে; এই অন্যায় নীতিৰ কাৰ্য্য-কলাপতে জন্ম হয়—বিপ্লৱী বীৰাঙ্গনা ঝান্সী ৰাণী লক্ষ্মী বাঈৰ।

---

(১) * যুদ্ধত জয় কৰি অন্তৰ্ভুক্তি, (২) অপুত্ৰকৰ ৰাজ্য অন্তৰ্ভুক্তি, (৩) বৃটিছৰ সুশাসন বিস্তাৰ কৰাৰ অভিপ্ৰায়ে অন্তৰ্ভুক্তি

## —দুই—

উত্তৰ বাহিনী গঙ্গাৰ পাৰত পবিত্র তীর্থক্ষেত্র বাৰানসী-ধাম—সমগ্র ভাৰতৰ শিক্ষা-সংস্কৃতিৰ কেন্দ্র ভূমি। ভাৰতৰ দুৰ-দুৰণিৰ পৰা, ভক্তই ভক্তিৰ উৎস বিচাৰি, সাধকে সাধনাৰ সিদ্ধিলাভৰ বাবে আৰু জ্ঞানীয়ে জ্ঞানৰ অন্বেষণত কাশীধামত বসতি কৰি, কাশীক মানৱ-মিলনৰ কেন্দ্রস্থলত পৰিণত কৰি আহিছে। সুদূৰ মহাৰাষ্ট্রৰ পৰা আহি, মেৰোপন্ত তাম্বে নামে এজন মহাৰাষ্ট্রী ব্ৰাহ্মণে ঊনবিংশ শতিকাৰ আগভাগত কাশীত বসতি কৰিছিল।

সেইদিনা আছিল ঊনৈশ নৱেম্বৰ, ওঠৰশ-পয়ত্রিশ খৃষ্টাব্দ। প্রভাতৰ এটি মাহেন্দ্র মুহূর্ত। এই মুহূর্ত্তৰ শুভ-লগ্নতে কাশীধামত মেৰোপন্তৰ এটি কন্যা জন্ম হয়। কন্যাটিৰ নাম ৰখা হয়—মনু বাঈ। এৱেঁই ঝাঁসীৰ বিপ্লৱী বীৰাঙ্গনা লক্ষ্মী বাঈ।

মনুৰ জন্মৰ কিছুদিনৰ পিছতে, মেৰোপন্তই নানা কাৰণত কাশী এৰি, মহাৰাষ্ট্রলৈ ঘূৰি যায়। এই সময়ত বিঠুৰত মহাৰাষ্ট্রৰ ৰাজ্যচ্যুত পেচোৱা বাজীৰাৱে বাস কৰিছিল। আশ্রয় বিচাৰি ঘূৰি ফুৰি অৱশেষত মেৰোপন্তই বিঠুৰত পেচোৱা বাজীৰাওৰ আশ্রয়ত থাকিবলৈ ধৰিলে।

পেচোৱা বাজীৰাও অপুত্রক আছিল বাবে, তেওঁ লৰা এটি পো বুলি তুলি লৈছিল। এই তোলনীয়া লৰাটিৰ নাম

আছিল ধুন্ধুপন্থ নানাচাহেব। মোৰোপন্ত পেচোৱাৰ আশ্ৰয়তে থাকিবলৈ ধৰাত সককালৰে পৰা মনুৰ ধুন্ধুৰ লৈতে বৰ ঘনিষ্ঠতা জন্মিছিল। দুয়ো সহোদৰ ককায়েক ভনীয়েকৰ দৰে, মিলা-প্ৰীতি আৰু ৰং-ধেমালিৰ মাজেদি, সোণালী শৈশৱৰ সুখৰ দিনবিলাক চিন্তা-ভাৱনা নোহোৱাকৈ অতিবাহিত কৰিছিল। ভ্ৰাতৃ-দ্বিতীয়াৰ দিনা মনুৱে ধুন্ধুৰ কপালত ফোঁটা দিছিল। তেতিয়া কোনে ভাবিছিল, এইদৰে পিচতো মনুৱে অদৃশ্যভাৱে ধুন্ধুৰ কপালত বিজয় ললাটিকা পিন্ধাবলৈ চেষ্টা কৰিব বুলি?

ধুন্ধুৰ জন্ম হয়—ওঠৰ-শ-ছবিশ খৃষ্টাব্দত, তেওঁ মনুতকৈ বয়সত এঘাৰ বছৰৰ ডাঙৰ আছিল।

মহাৰাষ্ট্ৰীয়সকলৰ সকতে ছোৱালী বিয়া দিয়া নিয়ম। দেশীয় প্ৰথা অনুসাৰে মনু বাঈৰো সকতে বিয়া হৈছিল। মুঠেই সাত বছৰ বয়সত, ওঠৰশ বিয়াল্লিশ খৃষ্টাব্দত, ঝান্সীৰ মাৰাঠা নায়ক গঙ্গাধৰ ৰাওৰ লৈতে মনুৰ বিয়া হয়। গঙ্গাধৰ ৰাৱে আগেয়ে এবাৰ বিয়া কৰাইছিল; কিন্তু অকালতে পত্নী বিয়োগ হোৱাত পিচত মনুক বিয়া কৰায়। মাৰাঠীবিলাকৰ নিয়ম—স্বামীৰ ঘৰত কন্যাৰ নতুন নাম দিব লাগে। এই নিয়ম অনুসাৰে স্বামীৰ ঘৰত মনুৰ নতুন নাম হয়—লক্ষ্মী বাঈ।

—

# —তিনি—

লক্ষ্মী বাঈৰ দাম্পত্য জীৱন সুখ-শান্তিৰ মাজেদিয়েই আৰম্ভ হৈছিল। স্বামীৰ মৰম-স্নেহে লক্ষ্মীক স্বৰ্গীয় সুখানুভূতিৰ আভাষ দিছিল। এবৈৰশ-বেপন্ন খৃষ্টাব্দত তেওঁৰ কোলা শুৱনি কৰি এটি পুত্ৰ জন্ম হয়। লক্ষ্মীৰ সুখ আৰু আনন্দ যেন হিয়াত নধৰা হল। বিধতাৰো যেন লক্ষ্মীৰ ইমান আনন্দ দেখি ঈৰ্ষা উপজিল। কেইমাহমানৰ পিচতে কণাটি মৃত্যুৰ মুখত পৰিল। পুত্ৰৰ শোকত লক্ষ্মী সাময়িক ভাৱে অভিভূতা হৈ পৰিল। কিন্তু বিপদ যেতিয়া আহে লগেৰেই আহে। পুত্ৰ শোক পাতলিবলৈ নৌ পাওঁতেই তেওঁৰ মহাপ্ৰাণ স্বামীয়েও তেওঁক সংসাৰত অকলশৰীয়া কৰি এৰি থৈ গুচি গ'ল। আঘাতৰ ওপৰতে আঘাতে তেওঁক জৰ্জৰিত কৰি তুলিলে। কিন্তু কেৱল ইমানেই যথেষ্ট নহল—ইয়াতকৈয়ো ডাঙৰ আঘাত এই মহীয়সী ৰমণীৰ বাবে ভৱিষ্যতৰ গৰ্ভত লুকাই আছিল। এইবাৰ আঘাত আছিল বৃটিছ কোম্পানীৰ পক্ষৰপৰা।

গঙ্গাধৰ ৰাৱে পুত্ৰৰ অকাল মৃত্যু দেখি আৰু নিজৰো প্ৰৌঢ়াৱস্থাৰ কথা গমি চাই মৃত্যুৰ কেইমাহমানৰ আগতে লৰা এটি তোলনীয়া পো কৰি লৈছিল। গঙ্গাধৰৰ মৃত্যুৰ পিচত, লক্ষ্মীৰ আশাৰ সম্বল হল এই তোলনীয়া লৰাটিয়েই।

লৰাটিৰ নাম আছিল—দামোদৰ ৰাও। লক্ষ্মীয়ে সকলো শোক-বেজাৰ কাতি কৰি থৈ দামোদৰ ৰাওক যথোচিত শিক্ষা-দীক্ষা দি উপযুক্ত কৰি তোলাতে একাগ্ৰপতীয়াকৈ আত্মনিয়োগ কৰিলে।

সেই সময়ত ভাৰতবৰ্ষত ডেলহাউচিৰ অখণ্ড প্ৰতাপ। তেওঁৰ প্ৰবৰ্ত্তিত নতুন নীতিত চাতাৰা, নাগপুৰ আৰু সম্বলপুৰ ইংৰাজ ৰাজ্যৰ কুক্ষীভুক্ত হল। ইয়াৰ বাহিৰেও উত্তৰ আৰু মধ্যভাৰতৰ কেবাখনো ৰাজ্য এই নীতি মতে ইংৰাজ ৰাজ্যৰ কবলত পৰিছিল। চকুৰ আগতে এইবিলাক ঘটনা দেখি গঙ্গাধৰ ৰাৱে তেওঁৰ পিচত তেওঁৰ মৰমৰ ঝান্সীও ইংৰাজ কোম্পানীৰ ৰাজ্যভুক্ত হব বুলি আশঙ্কা কৰি, মৃত্যুৰ কেইমাহমানৰ আগতে কোম্পানীৰ চৰকাৰক অনুৰোধ জনাইছিল যে, তেওঁৰ বন্ধুত্ব স্মৰি, তেওঁৰ পিচত ঝান্সী যাতে ইংৰাজ ৰাজ্যৰ কুক্ষীভুক্ত কৰা নহয়। গঙ্গাধৰ ৰাও কোম্পানীৰ চৰকাৰৰ এজন বিশ্বস্ত বন্ধু আছিল। সেইবাবে তেওঁৰ অনুৰোধ ইংৰাজ চৰকাৰে ৰাখিব বুলি তেওঁ সহজে বিশ্বাস কৰিছিল আৰু এই বিশ্বাস বুকুত বান্ধি মৰণতো তৃপ্তি পাইছিল। ৰাজ্যলোলুপ ইংৰাজ চৰকাৰে কাৰ অনুৰোধ ৰাখে? কাৰ গুণ অকৃতজ্ঞই সোঁৱৰে? গঙ্গাধৰৰ অনুৰোধ, প্ৰজা সাধাৰণৰ ইচ্ছা, লক্ষ্মী বাঈৰ আবেদন সকলো উপেক্ষিত হ'ল। গঙ্গাধৰৰ পোষ্যপুত্ৰ দামোদৰৰ উত্তৰাধিকাৰিত্ব অস্বীকাৰ কৰি, ডেলহাউচিৰ অন্যায় নীতি

অনুসাৰে ঝান্সী ইংৰাজ ৰাজ্যৰ অন্তৰ্ভুক্ত কৰা হল। লগে লগে মেজৰ মেল্‌কলম ঝান্সীৰ ৰেচিডেন্ট নিযুক্ত হল।

স্বাধীনচিত্তীয়া বীৰাঙ্গনা লক্ষ্মী বায়ে এই অন্যায় নীৰৱে সহ্য কৰিব নোৱাৰিলে, মানি লব নোৱাৰিলে ডেলহাউচিৰ অদ্ভুত নীতি। তেওঁ ইংৰাজ এজেন্টৰ লগত দেখা কৰি ঝান্সী দখলৰ বিৰুদ্ধে তীব্ৰ প্ৰতিবাদ জনালে আৰু এনে কাৰ্য্য যে সম্পূৰ্ণ অন্যায়, তাকো যুক্তি তৰ্কেৰে ইংৰাজ এজেন্টক বিশদ ভাৱে বুজাই দিলে। এজেন্টে লক্ষ্মীৰ অকাট্য যুক্তিৰ কোনো উপায় নেপালে। এজেন্ট বুজিও অবুজ। লক্ষ্মী বায়ে যেতিয়া দেখিলে যুক্তি আৰু প্ৰতিবাদেৰে একো ফল নধৰে, তেতিয়া তেওঁ এজেন্টৰ বুকু কঁপোৱা বজ্ৰ-কণ্ঠে কৈ আছিল—"মেৰী ঝান্সী দেঙ্গী নহী"।

ওঠৰ বছৰীয়া মাৰাঠী বালিকাৰ সেই তেজোদীপ্ত বাণীৰ সত্যতা তেতিয়া বৃটিচ শক্তিয়ে উপলব্ধি কৰিব নোৱাৰিলেও, ইয়াৰ চাৰি বছৰৰ পিচত মৰ্ম্মে অনুভৱ কৰিছিল আৰু বুজিছিল—সেই বাণীৰ অৰ্থ।

লক্ষ্মী বায়ে বৃটিছৰ অন্যায় কাৰ্য্যৰ বিৰুদ্ধে অদমনীয় মনোভাৱ দেখুৱালেও, তেতিয়া বিপ্লবী মনোভাৱ প্ৰকাশ কৰা নাছিল আৰু সহজে অস্ত্ৰ ধৰাও নাছিল। ইয়াৰ পিচতো ইংৰাজ শক্তিৰ হাতত তেওঁ সততে অপমানিত হৈ আছিছে আৰু তেওঁ সদায় ইংৰাজ শক্তিৰ সঙ্গ ইচ্ছা লাভৰ বাবে চেষ্টা কৰিছে; কিন্তু প্ৰত্যেক বাৰতে বিফল মনোৰথ হৈছে।

লক্ষ্মীয়ে ভাৰতত ঝান্সীৰ বিষয়ে কোনো সুবিচাৰ বা সুফলৰ আশা নেদেখিলে। গতিকে তেওঁ এজন দূত পঠাই বিলাতৰ বৃটিছ কৰ্ত্তৃপক্ষৰ ওচৰত নিজৰ আৱেদন জনালে। ৰাণীয়ে বিলাতত তেওঁৰ আবেদনৰ সুবিচাৰ আশা কৰিছিল, কিন্তু সকলো মিছা হল। ৰাণীৰ আবেদনলৈ বিলাতৰ কৰ্ত্তৃপক্ষই কাণ নিদিলে। এইদৰে সকলো চেষ্টা ব্যৰ্থ হোৱাত ৰাণীৰ অন্তৰৰ সুপ্ত শক্তি জাগ্ৰত হল। তেওঁ সুযোগলৈ বাট চাই থাকিল।

ডেলহাউচিৰ প্ৰৱৰ্ত্তিত নীতিত উত্তৰ আৰু মধ্য ভাৰতৰ অনেক ৰজা ৰাজ্যচ্যুত হোৱাত, তেওঁলোক আৰু তেওঁলোকৰ অনুৰক্ত প্ৰজাসমূহৰ মাজত এটা অসন্তোষ আৰু বিদ্বেষৰ ভাব পুঞ্জীভূত হৈ পৰিছিল। তাতে নতুনকৈ লগোৱা কৰ-কাটলে এই ভাব জনসাধাৰণৰ মাজতো বিয়পাই দিলে। সেই সময়ৰ "সৈনিক আইনে" (১) সৈন্যবিলাকৰ মাজত বিভীষিকাৰ সৃষ্টি কৰিলে। এইদৰে সকলো শ্ৰেণীৰ প্ৰজাৰ

---

(১) লৰ্ড কেনিঙে General Services Enlistment Act" নামে এখন আইন জাৰি কৰে। এই আইন মতে যলৈকে পঠোৱা হয় তলৈকে চিপাহীবিলাক যাব লাগিছিল। ভাৰতীয় চিপাহীবোৰে সাগৰ পাৰ হৈ গ'লে জাত যায় বুলি ভয় কৰিছিল।

ইয়াৰ বাহিৰেও নতুনকৈ আমদানি কৰা এনফিল্ড ( Enfield ) বিলাকত এবিধ চৰ্ব্বিযুক্ত টোটা ব্যৱহাৰ কৰা হৈছিল আৰু এই বিলাকত গৰু-গাহৰিৰ চৰ্ব্বি ব্যৱহাৰ কৰা হৈছিল।

মাজত দেখা দিয়া অসন্তোষ আৰু অবিশ্বাসৰ ভাব দুই এজন চতুৰ ইংৰাজ বিষয়াই লক্ষ্য কৰিছিল। ভাৰতৰ এমূৰত থকা অসমতো অসন্তোষৰ ভাৱে দেখা দিছিল।

ইয়াণ্ডাবু সন্ধিৰ পিচত অসম ইংৰাজৰ হস্তগত হোৱাত অসমৰ কেবাজনো মুক্তিকামী লোকে অসমক স্বতন্ত্র কৰিবলৈ কেৱা বাৰো চেষ্টা কৰিছিল। অসমীয়া ৰাইজৰ সেই সময়ৰ মনোভাৱ পৰ্য্যবেক্ষণ কৰি ডেভিড্ স্কট চাহাবে গৱৰ্ণৰ জেনেৰেললৈ লিখিছিল:—

"উজনি অসমৰ প্ৰজাবৃন্দ আমাৰ শাসনত অনুৰক্ত হব বুলি কেতিয়াও আশা কৰিব নোৱাৰি, আৰু এনেহে সম্ভাৱনা যে, অসমৰ সম্ভ্ৰান্ত পুৰুষসকলে নিজৰ দেশৰ এজনক ৰজা পাতি পূৰ্ব্বৰ ধৰণে শাসন চলাবলৈ সদায় অভিলাষ কৰিব, আৰু তাৰ অৰ্থে যথাবিধি কাৰ্য্য কৰিবলৈ চেষ্টান্বিত হব।"

(ডাঃ শ্ৰীযুত সূৰ্য্যকুমাৰ ভূঞা)

## —চাৰি—

লক্ষ্মী বাঈৰ বাঞ্ছিত সুযোগ আহিল সাতাৱন্নৰ ভাৰত জুৰি হোৱা বিপ্লৱৰ মাজেদি। তাঁতিয়া টোপী, কোঁৱৰসিংত আৰু নানা চাহাবে বিপ্লৱৰ প্ৰেৰণাময় নেতৃত্ব যোগালে। মুক্তি-সংগ্ৰামৰ সৈনিক বৃন্দই দহ মে' তাৰিখে ইংৰাজ চৰকাৰৰ কৰ্ত্তৃত্ব অস্বীকাৰ কৰি মীৰাটত ভাৰতৰ স্বাধীনতা ঘোষণা কৰিলে। মুহূৰ্ত্ততে মীৰাটৰ পৰা কানপুৰ, কানপুৰৰ পৰা ঝান্সীলৈকে বিপ্লৱ-বহ্নি বিয়পি পৰিল। বিপ্লৱৰ ফলত অনেক অঘটন ঘটিল, অনেক দুষ্কাৰ্য্যও অনুষ্ঠিত হল। ভাৰত বুৰঞ্জীৰ পাঠক মাত্ৰেই ইয়াৰ বিশদ বিবৰণ জানে।

ভাৰতৰ মুক্তিকামী বিপ্লৱী বীৰবৃন্দই ঘোষিত স্বাধীনতা ৰক্ষা কৰিবলৈ, কেবা মাহো সাহসেৰে প্ৰতিপক্ষৰ লগত যুঁজ কৰি, অৱশেষত গৌৰৱময় পৰাজয় বৰণ কৰিলে। মুক্তি সংগ্ৰামত দুই লাখ ভাৰতীয় নৰ-নাৰীয়ে স্বেচ্ছাই মৃত্যু বৰণ কৰি দেশৰ ভৱিষ্যৎ সন্তানসকলৰ ৰক্ত-কণিকাত, চিন্তা-ধাৰাত, বিজয়-বাসনা আৰু মুক্তিৰ আকাঙ্ক্ষা চিৰদিনলৈ সংক্ৰামিত কৰি থৈ গ'ল।

বিপ্লৱৰ আৰম্ভনীত লক্ষ্মী বায়ে বিপ্লৱত যোগ দিয়া নাছিল। আন কি প্ৰাণৰ ভয়ত পলাই অহা অনেক ইংৰাজ ল'ৰা-তিৰোতাক ৰাণীয়ে নিজৰ কাৰেঙত আশ্ৰয়হে দিছিল।

ইংৰাজ এজেণ্টজনো ঝান্সীতে আছিল। কিন্তু কেইদিন মানৰ ভিতৰতে বিপ্লৱৰ জোৱাৰ ঝান্সীতো উঠিল। এজেণ্টে অৱস্থাৰ ভীষণতা উপলব্ধি কৰি ৰাতিয়েই তিনিজন অনুচৰৰ সৈতে পলাই গ'ল। বিপ্লৱীবিলাকে লক্ষ্মী বাঈক ঝান্সীৰ স্বাধীন ৰাণী বুলি ঘোষণা কৰিলে। ৰাণীয়ে তেতিয়াও ইংৰাজ চৰকাৰৰ ওপৰত বিশ্বাস আৰু আস্থা ৰাখিছিল। গতিকে তেওঁ সৰল বিশ্বাসেৰে অকপট ভাৱে সকলো কথা ইংৰাজ চৰকাৰক জনালে। কিন্তু ইংৰাজ চৰকাৰে ৰাণীকেই সকলো অঘটনৰ মূল বুলি তেওঁৰ বিৰুদ্ধে থিয় দিলে।

লক্ষ্মী বায়ে ইংৰাজ চৰকাৰৰ এই ব্যৱহাৰত মনৰপৰা কোমলতাৰ শেষ কণিকাও বিসৰ্জ্জন দি ইংৰাজ শক্তিক সম্পূৰ্ণ অগ্ৰাহ্য কৰি, ওঠৰশ সাতাৱন চনৰ দহ জুন তাৰিখে, নিজ হাতে ঝান্সীৰ শাসন ভাৰ গ্ৰহণ কৰিলে। বিপ্লৱী সকলে ৰাণীক এঘাৰ হেজাৰ সৈনিকৰ ওপৰত নেতৃত্ব দি তেওঁৰ আনুগত্য মানি ললে।

ৰাণীয়ে ৰাজ্যভাৰ গ্ৰহণ কৰি প্ৰতিপক্ষক বাধা দিবলৈ শক্তি সঞ্চয় কৰাত মন দিলে। দহমাহ সুদক্ষতাৰে শাসন কৰাৰ পিচত ওঠৰ শ আঠাৱন চনৰ উনৈশ মাৰ্চ্চ তাৰিখে ইংৰাজ শক্তিৰ সৈতে ৰাণীৰ সন্মুখ সংগ্ৰাম আৰম্ভ হয়।

উক্ত তাৰিখে ইংৰাজ সেনাপতি হিউৰোজে এদল অশ্বাৰোহী আৰু পদাতিক সেনা লৈ ঝান্সী আক্ৰমণ কৰে। ঝান্সী আক্ৰান্ত হোৱাত ঝান্সীৰ ল'ৰা-তিৰোতা, ডেকা-বুঢ়া

সকলোৱে একেসগে লক্ষ্মী বাঈৰ নেত্রীত্বত প্রতিপক্ষক বাধা দিবলৈ আগ বাঢ়িল। দুয়ো পক্ষৰ ভীষণ যুদ্ধ আৰম্ভ হ'ল।

এই যুদ্ধত ঝান্সীৰ নাৰী বাহিনীও পিছ পৰি নাছিল। তেওঁলোকে দুৰ্গৰ দেৱালৰ ওপৰৰ পৰা ক্ষিপ্র হস্তে বৰটোপত জুই দিছিল আৰু যুদ্ধৰত সৈনিকক আহাৰ বিলাই দিছিল। সশস্ত্র ফকিৰ সন্ন্যাসী বিলাকেও হাতত ঝান্সীৰ বিজয় পতাকা লৈ, জয়ধ্বনি কৰি কৰি যুদ্ধ-ক্ষেত্রলৈ আগ বাঢ়িছিল। আনকি সৰু সৰু ল'ৰা-ছোৱালী বিলাকেও এই যুদ্ধত সক্রিয় অংশ গ্রহণ কৰিছিল। এনে ধৰণৰ সামূহিক ভাৱৰ বাধাদান পৃথিৱীৰ বুৰঞ্জীত অতি কমহে দেখা যায়।

পোন্ধৰ দিন অৱৰোধৰ পিচত ঝান্সী ইংৰাজৰ হাতত পৰিল। তথাপি বীৰাঙ্গনাৰ বীৰহৃদয় হতাশ নহল, হাতৰ তৰোৱাল সৰি নপৰিল, মস্তক নত নহল; বৰং দুগুণ উৎসাহ আৰু অসীম সাহেৰে তেওঁ যুদ্ধ চলাই যাবলৈহে স্থিৰ কৰিলে।

ঝান্সী ইংৰাজৰ হাতত পৰাত, ৰাণীয়ে আঠ বছৰীয়া তোলনীয়া পুত্রেক দামোদৰ ৰাওক ঘোঁৰাত তুলি লৈ ঝান্সী এৰি যাত্রা কৰিলে। তেওঁ অতি কষ্টেৰে গৈ কল্পি নামে ঠাইত তাঁতিয়া টোপীক লগ ধৰে। তাঁতিয়া টোপীৰ সহায়ত, তাত এদল অশ্বাৰোহী সৈন্য সংগ্রহ কৰি তেওঁ ইংৰাজৰ লগত যুদ্ধ কৰিবলৈ আকৌ সাজু হ'ল। অলপ দিনৰ ভিতৰতে কল্পিও ইংৰাজ শক্তিয়ে আক্রমণ কৰিলে। লক্ষ্মী বায়ে

অসামান্য দক্ষতাৰে ইংৰাজ পক্ষক বাধা দিলে। এইদৰে অনেক ঠাইত তেওঁ শত্ৰুৰ লগত সন্মুখ সংগ্ৰাম কৰি আহিছে, অনেকবাৰ শত্ৰু সৈন্যক প্ৰবলভাৱে বাধা দি আহিছে।

যুদ্ধত কেবাবাৰো তেওঁ জয় লাভ কৰিছিল; কিন্তু প্ৰতিকূল অৱস্থাৰ বাবে এই জয় বিলাক স্থায়ী নহ'ল।

লক্ষ্মীয়ে পুৰুষৰ সাজ পিন্ধি ঘোঁৰাত উঠি, হাতত হীৰা খটোৱা তৰোৱাল লৈ যুদ্ধ-ক্ষেত্ৰত সৈন্য পৰিচালনা কৰিছিল। তেওঁৰ ৰণ-ৰঙ্গিণী মূৰ্ত্তিয়ে প্ৰত্যেক সৈনিকৰ প্ৰাণত উৎসাহ আৰু প্ৰেৰণা যোগাইছিল আৰু শত্ৰুপক্ষৰ মনত সৃষ্টি কৰিছিল আতঙ্ক। এই বেশেৰে বিষম বিক্ৰমেৰে যুদ্ধ কৰি কৰি অৱশেষত বীৰাঙ্গনা লক্ষ্মী বায়ে অন্তৰৰ দুৰ্জ্জয় আকাঙ্ক্ষা আৰু বিপুল বাসনা লৈ ওঠৰশ আঠাৱন চনৰ সোতৰ জুন তাৰিখে সন্মুখ যুদ্ধত ৰণক্ষেত্ৰত, সূৰ্য্যাস্তৰ লগে লগে শেষ নিশ্বাস পৰিত্যাগ কৰিলে।

ইংৰাজে ঝান্সী আক্ৰমণ কৰাৰ দিনাৰ পৰা ( উনৈশ মাৰ্চ্চ ) মৃত্যুৰ ক্ষণলৈকে ( সোতৰ জুন ) এই চাৰিমাহ কাল, লক্ষ্মীয়ে যি বীৰত্ব আৰু অপূৰ্ব্ব ৰণকৌশলেৰে, ক্ৰিমিয়া যুদ্ধৰ সুদক্ষ ইংৰাজ সেনাপতি চাৰ্ হিউৰোজৰ বিপুল বাহিনীক বাধা দি যুদ্ধ কৰিছিল, তেনে উদাহৰণ পৃথিৱীৰ যি কোনো দেশৰ বুৰঞ্জীতে কেৱল বিৰলেই নহয়—অভাৱো।

লক্ষ্মীৰ ৰণক্ষেত্ৰত মৃত্যু-কাহিনীয়ে, যোড়শ শতিকাৰ বীৰ নাৰী ৰাণী দুৰ্গাৱতীৰ যুদ্ধ-কাহিনী সোঁৱৰাই দিয়ে।

---

## —পাঁচ—

লক্ষ্মী বাঈৰ ৰাজ্যশাসন প্ৰণালীও আছিল অতি ওখ খাপৰ। ওঠৰশ সাতাৱন চনৰ দহ জুন তাৰিখৰপৰা ওঠৰশ আঠাৱন চনৰ উনৈশ মাৰ্চ্চলৈকে, মুঠেই দহ মাহ কাল তেওঁ ৰাজ্য শাসন কৰিবৰ সুযোগ পাইছিল। এই অলপীয়া সময়ৰ ভিতৰতে তেওঁ সামৰিক আৰু অ-সামৰিক, এই দুয়ো বিভাগতে এনে অসাধাৰণ কৃতিত্ব দেখুৱাইছিল যে, তেওঁৰ সাত শতুৰুৱেও তেওঁৰ কাৰ্য্যৰ প্ৰশংসা নকৰি নোৱাৰিছিল। এই কাল ছোৱাৰ ভিতৰতে তেওঁ, টাকশাল নিৰ্ম্মাণ কৰিছিল, দুৰ্গ-প্ৰাকাৰ সুৰক্ষিত কৰিছিল আৰু বন্দুক বৰটোপ সাজু কৰি এটা নতুন বাহিনী গঠন কৰিছিল। ৰাজ্যৰ প্ৰত্যেক কাৰ্য্যতে তেওঁৰ বলিষ্ঠ আৰু দৃঢ় মনোবৃত্তি প্ৰকাশ পাইছিল। ঝান্সীৰ প্ৰজাবৰ্গৰ ওপৰত তেওঁৰ প্ৰভাৱ আছিল অসামান্য। তেওঁৰ দৰ্শনে সৈন্য-বাহিনীৰ মনত বিজুলীৰ দৰে আশাৰ সঞ্চাৰ কৰিছিল। সৈন্য-বাহিনীৰ এই অনমনীয় আৰু উদ্যমশীল মনোভাৱেই হিউৰোজৰ বিপুল বাহিনীৰ প্ৰতিদ্বন্দ্বিতা কৰিবলৈ তেওঁক সক্ষম কৰিছিল। খুব কম সৈন্যাধ্যক্ষইহে লক্ষ্মীৰ দৰে সৈন্য পৰিচালনাত কৃতিত্ব দেখুৱাব পাৰিছে।

অসামৰিক বিভাগত লক্ষ্মীৰ নিপুণতা, দীঘলীয়া দিন ৰাজ্য শাসন কৰা ( ১৭৬৫—১৭৯৫ খৃষ্টাব্দ ) ইন্দোৰৰ মহীয়সী

মহাৰাণী অহল্যা বাঈৰ শাসন দক্ষতাৰ সমকক্ষ আছিল। তেওঁৰ সামৰিক বিভাগৰ কীৰ্ত্তি-কাহিনীয়ে মাৰাঠা বীৰাঙ্গনা তাৰা বাঈৰ যশস্যাকো ম্লান কৰে। মাৰাঠা শক্তিৰ প্ৰাণ প্ৰতিষ্ঠাতা, অজেয় মোগল-শক্তিৰ প্ৰতিদ্বন্দ্বী বিপ্লবী বীৰ ছত্ৰপতি শিবাজীৰ মৰ্য্যাদা অক্ষুণ্ণ ৰাখিছিল, বিপ্লবিনী মাৰাঠী নাৰী লক্ষ্মী বায়ে—প্ৰবল ইংৰাজ শক্তিৰ লগত প্ৰতিদ্বন্দ্বীতা কৰি।

লক্ষ্মীয়ে যি দহমাহ কাল ৰাজ্য শাসন কৰিছিল, সেই সময়ত প্ৰায়ে পুৰুষৰ বেশেৰে ৰাজ সভাত উপস্থিত হৈ ৰাজকাৰ্য্য পৰ্য্যালোচনা কৰিছিল। সেই সময়ত তেওঁ পায়জামা পিন্ধি, গাত বেংনীয়া চাদৰ লৈ, ককালত ধনকৰা টঙালী আঁটি হাতত হীৰাখটোৱা তৰোৱাল ওলোমাই লৈছিল। লক্ষ্মীৰ এই বীৰোচিত বেশে গুণমুগ্ধ প্ৰজাৰ মনত ভক্তি শ্ৰদ্ধাৰ উদ্ৰেক কৰিছিল, সমৰ-ক্ষেত্ৰৰ ঘোৰাৰ পিঠিত ৰুদ্ৰ-মূৰ্ত্তিয়ে দিছিল উৎসাহ। লক্ষ্মীৰ এই বেশে, দিল্লীৰ তুৰ্কী সম্ৰাজ্ঞী (১২৩৬ খৃঃ—১২৪০ খৃষ্টাব্দ) চুলতানা ৰাজিয়াৰ কথা মনত পেলায়।

বিজাতীয় ইংৰাজ ঐতিহাসিকেও এইজনা মহীয়সী নাৰীক ঝান্সীৰ প্ৰজাই দেৱীৰ দৰে ভক্তি কৰে বুলি কৈ গৈছে। তেওঁৰ প্ৰতিযোদ্ধা, ক্ৰিমিয়া যুদ্ধৰ বিখ্যাত সেনাপতি হিউৰোজে তেওঁক সৰ্ব্বশ্ৰেষ্ঠ সেনানায়িকা আৰু বিপ্লবী বুলি শ্ৰদ্ধাৰে উল্লেখ কৰি গৈছে।

এজন বিদেশী ঐতিহাসিকে, লক্ষ্মী বাঈৰ বিষয়ে যি দৰে বৰ্ণনা কৰিছে, সি ভাৰতবাসী মাত্ৰৰে গৌৰৱৰ বিষয়।

"ইংৰাজৰ চকুত লক্ষ্মী বাঈৰ যিমানেই দোষ নোলাওক, তেওঁৰ দেশৰ মানুহে অবিচলিত ভাৱে বিশ্বাস কৰে যে, ইংৰাজৰ অসৎ ব্যৱহাৰেই তেওঁক বিপ্লৱী কৰি তুলিছিল। তেওঁৰ অভিযোগ ন্যায্য আৰু যুক্তিসঙ্গত আছিল, আৰু আনহাতে ডেলহাউচিৰপৰা তেওঁ পোৱা প্ৰত্যেক ব্যৱহাৰেই আছিল মৰ্য্যদা হানিকৰ। মধ্যভাৰত আৰু বুণ্ডেল খণ্ডৰ বিদ্ৰোহৰ এইটোৱেই প্ৰধান কাৰণ। ভাৰতবাসীৰ হৃদয়ত তেওঁ চিৰদিন বীৰাঙ্গনা ৰূপে পূজিতা হৈ থাকিব।"

ঝান্সীৰ ৰাণী লক্ষ্মী বায়ে অন্যান্য বিপ্লৱীসকলৰ দৰেই আৰম্ভ কৰা কামত কৃতকাৰ্য্যতা লাভ কৰিব নোৱাৰিলে সচাঁ; কিন্তু তেওঁ দি গ'ল ভাৰতীয় প্ৰত্যেক নৰ-নাৰীক পৱিত্ৰ দেশাত্মবোধ, অপূৰ্ব্ব প্ৰেৰণা আৰু ত্যাগৰ জীৱন্ত আদৰ্শ। আজি নব্বৈ বছৰৰ পিছত লক্ষ্মীৰ প্ৰাৰম্ভিত কাৰ্য্য শেষ হৈছে। তেওঁৰ আত্মাই অম্লান দেশতে নিশ্চয় আত্ম-তৃপ্তি অনুভৱ কৰিছে।

ভাৰতৰ স্বাধীনতাৰ শেষ সংগ্ৰাম-যজ্ঞত পূৰ্ণাহুতি যোগোৱা আমাৰ হিন্দ্ ফৌজৰ নাৰী বাহিনীয়ে "ঝান্সীৰ ৰাণী" নাম লৈ তেওঁৰেই গৌৰৱ ৰচনা কৰিছিল।

ভাৰতৰ ইতিহাসক শ্ৰদ্ধানত হৃদয়ত, বীৰাঙ্গনা লক্ষ্মী বাঈৰ নাম চিৰদিন শোণিতেৰে মচিব নোৱাৰাকৈ লিখা থাকিব। জয় হিন্দ্।

---